# কবিতা-কুসুম।

শ্ৰীপ্ৰমোদচন্দ্ৰ বৰঠাকুৰ।

[illegible]

1 APR 1930
GAUHATI

# কবিতা-কুসুম।

শ্ৰীপ্ৰমোদচন্দ্ৰ বৰঠাকুৰ ৰচোঁতা
আৰু উলিয়াওঁতা।
ডিব্ৰুগড়।

নৱম সংস্কৰণ

ক'লিকাতা।
১৭ নং জগন্নাথদত্তৰ লেন, লক্ষ্মীবিলাস প্ৰেছত,
শ্ৰীবিজয়কৃষ্ণ দাস দ্বাৰা ছপা হ'ল।

১৯২৫

বেচ্ ৵৬ দহ্ পইচা।

# উৎসৰ্গ।

—০ঃ*ঃ০—

ভক্তিৰে সৈতে দুবৰি বনৰ পাত এটি

দিলেও তাৰ মোল

মহামূলীয়া হীৰা মুকুতাই পাব নোৱাৰে

বুলি ভাবি

এই

অকন মান ফুল পাহি

মাননীয় শ্ৰীযুক্ত কেশবনাথ ফুকন ডাঙৰীয়াৰ

পবিত্ৰ নামত

উৎসৰ্গ

কৰিলোঁ

ইতি।

শ্ৰীপ্ৰমোদচন্দ্ৰ শৰ্ম্মা।

# সংখ্যা।

—*—

| | | | | |
|---|---|---|---|---|
| প্ৰথম সংস্কৰণ | ... | ... | ... | ১০০০ |
| দ্বিতীয় সংস্কৰণ | ... | ... | ... | ১০০০ |
| তৃতীয় সংস্কৰণ | ... | ... | ... | ২০০০ |
| চতুৰ্থ সংস্কৰণ | ... | ... | ... | ৪০০০ |
| পঞ্চম সংস্কৰণ | ... | ... | ... | ১০০০০ |
| ষষ্ঠ সংস্কৰণ | ... | ... | ... | ৩০০০ |
| সপ্তম সংস্কৰণ | ... | ... | ... | ৩০০০ |
| অষ্টম সংস্কৰণ | ... | ... | ... | ৫০০০ |
| নবম সংস্কৰণ | ... | ... | ... | ১০০০ |

# পাতনি।

সৰু সৰু লৰা ছোৱালীয়ে কোমল কবিতা পঢ়ি ভাল পায়। সেই দেখি এই কবিতা-কুসুম পুথি খনি যুগুত কৰি প্ৰকাশ কৰিলোঁ। এই সৰু পুথি খনিৰে অলপ উপকাৰ সাধিত হলেও শ্ৰম সাৰ্থক জ্ঞান কৰিম।

শেষত কৃতজ্ঞতাৰে সৈতে জনাওঁ যে এই পুথি খনি মোৰ প্ৰিয় বন্ধু শ্ৰীযুত দুৰ্গাপ্ৰসাদ দত্ত মজিন্দাৰ-বৰুৱাই আদিৰ পৰা অন্তলৈকে চকু ফুৰাই চাই দিয়া বাবে মই তেওঁৰ ওচৰত চিৰ-কৃতজ্ঞ থাকিলোঁ ইতি।

---

# দ্বিতীয় বাৰৰ বিজ্ঞাপন।

এইবাৰ পুথি খনিৰ ভিতৰৰ কেতেকী ফুল প্ৰবন্ধটি তুলি দি তাৰ ঠাইত লোভ আৰু খং শীৰ্ষক দুটি কবিতা নকৈ দিয়া হৈছে। আৰু অইন বিলাক কবিতাৰো অনেক সংশোধন কৰা হৈছে। ইতি—

# তৃতীয়, চতুৰ্থ, পঞ্চম, আৰু ষষ্ঠ বাৰৰ বিজ্ঞাপন।

আসাম প্ৰদেশৰ শ্ৰীল শ্ৰীযুক্ত চীফ্ কমিচনৰ চাহাব বাহাদুৰে আসামৰ নিম্ন প্ৰাইমেৰি, অপাৰ প্ৰাইমেৰি, হাই আৰু মজলীয়া স্কুল বিলাকৰ তলতীয়া শ্ৰেণীত এই পুথি খনি পাঠ্য নিৰ্দ্দিষ্ট কৰি দি আমাক বিশেষ উৎসাহ দিছে। এই বাৰ পুথি খনিৰ একো সাল-সলনি নকৰি যি অলপ দোষ আছিল সাধ্যানুসাৰে তাক সংশোধন কৰি দিয়া হৈছে।

ডিব্ৰুগড়,
ফেব্ৰুয়াৰি, ১৯০৫। } শ্ৰীপ্ৰমোদচন্দ্ৰ শৰ্ম্মা।

# সপ্তম বাৰৰ বিজ্ঞাপন।

এইবাৰ পুথি খনিৰ আৰম্ভতে "উপদেশ" শীৰ্ষক এটি কবিতা নকৈ দিয়া হৈছে আৰু অইন বিলাক কবিতাৰো অলপ সাল সলনি কৰি দিয়া হৈছে। ইতি—

# অষ্টম বাৰৰ বিজ্ঞাপন।

এইবাৰ পুথি খনিৰ একো সাল সলনি নকৰি যি অলপ বৰ্ণাশুদ্ধি দোষ আছিল তাকে সংশোধন কৰি দিয়া হৈছে। ইতি—

শ্ৰীপ্ৰমোদচন্দ্ৰ শৰ্ম্মা।

---

# নৱম বাৰৰ বিজ্ঞাপন।

এইবাৰ পুথি খনিৰ একো সাল সলনি কৰা নহল। ইতি—

১৫ ৬-১৯২৫। শ্ৰীপ্ৰমোদচন্দ্ৰ শৰ্ম্মা।

# সূচী।

—ঃ•ঃ—



সপ্তম এডোয়ার্ড রাণী আলেক্‌জাণ্ড্রা

# কবিতা-কুসুম।

## ১—উপদেশ।

নেথাকিবা শুই বোপা হলে বাতিপুৱা।
বাতিপুৱা শোৱে যিটো হয় এলেহুৱা॥
এলেহুৱা লোকে বোপা বহু দুখ পায়।
মানৱ জীৱন তাৰ বিফলে কটায়॥
পুৱাতে চৰাইবোৰে কেনে ৰঙ মনে।
গছৰ ডালত পৰি মাতে ঘনে ঘনে॥
তুমিও পুৱাতে উঠি সিহঁতৰ দৰে।
আপোন পাঠত মন দিবা যতনেৰে॥
ধেমালিত কেতিয়াও নকটাবা কাল।
নেপাবা উলতি আৰু গলে লবাকাল॥
নহবা নহবা কদাচিতো মিছলীয়া।
নকবা নকবা কাকো কথা দুষলীয়া॥

ধেমালিতো কেতিয়াও মিছা নেমাতিবা ।
কনা, কুঁজা, খোঁড়া দেখি কাকো নেহাঁহিবা ॥
কোনোৱে সুধিলে কথা ঠিক কৰি কবা ।
ভেঙুচালি কৰি তাক তুমি নেহাঁহিবা ॥
পিতা মাতা আদি কৰি যত গুৰুজন ।
কৰিবা ভকতি নিতে হই একমন ॥
শিক্ষকৰ উপদেশ সততে ধৰিবা ।
সজ কাম কৰিবলৈ হেলা নকৰিবা ॥
নেথাকিবা গপ্‌ মাৰি গণ্ডাটোপ হই ।
নকৰিবা খণ্ড কাকো মিছা মিছি কই ॥
সাপক দেখিলে ভয় কৰা যেনে কই ।
তাতোকই ভয় কৰা বেয়া লৰা লই ॥
দুখীয়াৰ দুখ দেখি কৰিবা পুতউ ।
পবিত্ৰ ভাৱত মন ৰাখিবা নিতউ ॥
সুখেৰে থাকিব যদি খোজাঁ সংসাৰত ।
ৰাখাঁ এই উপদেশ সদায় মনত ॥

# ২—বিদ্যা ।

বিদ্যাৰ সমান একো    নাই জগতত ।
বিদ্যাই বঢ়ায় মান    জানিবা সতত ॥
ধন সোণ হীৰা মণি    মুকুতাৰ হাৰ ।
সকলো বিদ্যাৰ তল    এই কথা সাৰ ॥
ধন বস্তু চোৰে নিযে    ভাগ নিয়ে ভাই ।
বিদ্যা আৰ্জ্জি ললে তাত    কাৰো হাত নাই ॥
কাৰ সাধ্য আছে তাক    নিব পাৰে কাঢ়ি ।
যদি দান কৰা যায়    আৰু যায় বাঢ়ি ॥
বিদ্যা শিকি সৰু লোকো হই পৰে বৰ ।
সকলোৰে ওচৰত    পায় সমাদৰ ॥
বিদ্যাহীন পৰি থাকে    নীচেই তলত ।
দেৱতুল্য হয় নৰ    বিদ্যাৰ বলত ॥
বিদ্যাৰ বলতে চোৱাঁ    বুধি খটুৱাই ।
কল গাড়ী ভাপ নাও    নিলে উলিয়াই ॥

বিজুলী ডাকত কেনে বাতৰি পঠাই।
দিনৰ বাতৰি দিনে দিছেহি যোগাই॥
এনে বিদ্যা যিটো জনে অৱহেলা কৰে।
বৃথাই জীৱন সিটো সংসাৰত ধৰে॥

## ৩—মাতৃ-ভক্তি।

দহ মাহ দহ দিন
ধৰি গৰ্ভত,
সহিলে বহুত দুখ
আমাৰ লগত।
যেতিয়া দেখালে তেওঁ
আমাক সংসাৰ।
লভিলে মনত কেনে
আনন্দ অপাৰ।

মইনা সোণাই বুলি
কত চুমা খাই,
মৰমতে চোৱাঁ আয়ে
কেনে পমি যায় ;
বেথাঁৰে বুকত আয়ে
লয় সুমুৱাই,
আতউ পুতউ কৰি
পিয়াহ খুৱাই।
আদৰ সাদৰ কৰি
খুৱাই ধুৱাই।
ডাঙৰ কৰিলে তেওঁ
বহু যতনাই।
লৰাৰ লগত মৰা
মাকৰ নিচিনা,
পৃথিবীত আছে কোন
আৰু তেনে জনা।

জগতত তেৱেঁ মাথোঁ

স্নেহৰ পুতলা,

সন্তানৰ হস্তে নিতে

হয় জলা-কলা।

এতেকে সঁতত আমি

হই হৰষিত,

যুগুত জীৱন নিয়া

মাতৃৰ ভক্তিত।

## ৪—ছাগলী-পোৱালি।

দেখিছানে বাইদেও

পিৰালি চুকত,

শুই আছে পোৱালিটি

মাকৰ বুকত।

থিয় হল পোৱালিটি
যাবগই লৰি,
খাইছ পিয়াহ দুটি
চপ্ চপ্ কৰি।
লৰ মাৰি পোৱালিটি
ধৰি আনোগই,
ৰঙমনে উমলিম
বোকোচাত লই।
ছাগলী-পোৱালিটিয়ে
ফুৰে জপিয়াই,
চেলেকিয়ে-হাতখনি
বৰ ৰঙ-পায়।
নেলাগে নধৰোঁ মই
ছাগলী পোৱালি,
মাকৰ কাষতে থক্
ৰঙেৰে উমলি।

## ৫—বেলি।

আগ্‌পিনে বেলি আহি ভুমুকি-মাৰিছে,
তেওঁৰ পোহৰে কেনে জগত মুহিছে।
অচেতন জগতক পোহৰালে হি সাৰ,
উলাহ মনেৰে কৰে কাম আপোনাৰ।
চোৱাঁচোন ঘুৰণীয়া কাঁহী খনি দৰে,
আকাশৰ কেউ ফালে ঘূৰি পকি ফুৰে।
এনেটি শুৱলা ৰূপ আৰু ক'তো নাই,
জগত গোটেই চোৱাঁ ৰ'দেৰে ভেজায়।
ভাল বেয়া একোকেই বিচাৰ নকৰি,
বিমল কিৰণ দিয়ে সবাকে সাদৰি।
কোৱাঁচোন তুমি বাৰু কাৰ আদেশত,
জগতৰ উপকাৰ সাধিছাঁ সতত।
থাপিলে তোমাক কোনে এই আকাশত,
গৰাকীয়ে সৰজিলে জানিলোঁ মনত।

গৰাকী যিজন প্ৰভু এই জগতৰ,
জোন, বেলি, আদি কৰি তেওঁৰে হাতৰ।

## ৬—জোনবাই।

দেখিছানে আইকন
সউ জোনবাই।
অতপৰ ক'ত তাই
আছিল লুকাই।
ওলাল সাউৎ কৰি
আহি ভমকাই,
ৰূপোৱালি বৰণেৰে
দিলে পোহৰাই।
তৰাবে আবৰি সৌৱা
আছে স্বৰগত.

জিলিকনি ধৰি কেনে
মুহিছে জগত ।
চোৱাঁচোন কেনেকই
আছে জোনবাই,
থিৰ হৈ যেন স্নেহি
আমাকেহে চায় ।
জিলিকিছে কেনেকই
চাকিটিৰ দৰে,
ঘূৰিপকি কেউপিনে
আকাশত ফুৰে ।
কিহত ওলমি কোৱাঁ
আছে জোনবাই,
ইমান পৰেও দেখোঁ
খহি পৰা নাই ?
সুধিছোঁ তোমাক মই
কোৱাঁহি বুজাই,

আকাশত কোনে তা'ক
দিলে ওলোমাই।
ওলমিছে জোনবাই
ঈশ্বর বলত,
যিজনে থাপিলে তা'ক
এই আকাশত।

## ৭—পদুম-ফুল।

ফুলিছে কি ফুল পুখুৰী মাজত ;
থিয়হই কেনে হাঁহিছে ডালত।
আইদেও চোৱা তৰাটিৰ দৰে ;
কৰিছে শুৱনী জক্‌মক্ কৰে।
কি ফুল দেউতা, কক্‌চোন নাম ;
সেই ফুলপাহি কেনেকই পাম।

পদুম ফুলক সকলোৱে চিনে ;
ভালপায় তাক শুৱনীৰ গুণে।
নাম তাৰ জানো, ফুল দেখা নাই ;
চিনিলোঁ মনত ৰাখিম সদাই।
পিন্ধিবা খোপাত চিঙি আনোগই ;
ইয়াতে সাদৰী, থাকা থিয়হই।
নেলাগে দেউতা, নিপিন্ধো খোপাত ;
হাঁহিছে কেনেকৈ পুখুৰী কোলাত।
ছিঙিলেই দেহি! জঁয় পৰি যাব ;
পিন্ধিলে খোপাত পাহি পাহি হব।

## ৮—লোভ।

লোভৰ সমান পাপ নাই জগতত।
লোভে পাপ পাপে মৃত্যু জানিবা সতত॥

লোভতেই কতলোকে নানা দুখ পায়।
লোভতেই কতলোকে পৰাণ হেৰায়॥
লোভতেই পৰি কাৰো শূন্য হয় জ্ঞান।
লোভতেই যায় কাৰো জাতি কুল মান॥
লোভতেই কত জনে গৰিহণা খাই।
কিমান ভুগিছে দুখ তাৰ সীমা নাই॥
চোৰাংচোন বোপা তুমি মাধৰাম লই।
সিদিনা গধুলি তাৰ কি হল বিলই॥
মতিৰ ঘৰত চুৰ কৰিলে মিঠাই।
পৰিল বপুৰা হেনো ধৰা তেতিয়াই॥
ধৰিলই গিৰিহঁতে থানালই নিলে।
লেখি লেখি দহ বেত টপিনাত দিলে॥
বেতৰ কোবত তেজ ধাৰে বই গল।
কতনো মঙহ দেহি! বেতভেই বল॥
সেই দিন ধৰি মাধ ভাল লৰা হল।
লুভীয়া স্বভাৱ ফেৰি কেনিবাদি গল॥

এতেকতে লৰাহঁত ! লোভ নকৰিবাঁ ।
তেনে হলে সকলোৰে মৰম লভিবাঁ ॥

## ৯—পূৰ্ণিমা-ৰাতি ।

কেনে ফৰকাল আজি পূৰ্ণিমাৰ ৰাতি,
বাইদেওক বেগতে, আনোগাই মাতি ।
চোৱাঁচোন বাইদেও, সউ জোনবাই,
ৰূপোৱালি সাজ পিন্ধি আহিছে ওলাই ।
জিলিকনি আজি দেখোঁ সোণ বৰণীয়া,
কোৱাঁচোন বাইদেও, কিয় এনেকুৱা ?
আকাশত জোনবাই কেনেকই আছে,
থিৰহই একেমনে আমাকে চাইছে ।
চোৱাঁচোন তৰাবোৰ জিলিকি পৰিছে;
দিনৰ নিচিনা কেনে পোহৰ কৰিছে ।

যিপিনেই চাওঁহঁক্ সকলো মুকলি,
ইয়াতে সদাই যেন থাকিম উমলি ।
আহাঁ আমি বাইদেও, উমলি ফুৰিম,
লুকা-লুকি, খেদা-খেদি, ইয়াকে কৰিম ।
আইতাই গম পালে ভাঙিবহি গাল,
নকৰি ধেমালি আমি বহি থকা ভাল ॥

## ১০—তৰা ।

তৰাবোৰে হৰি     জিক্‌মিক্ কৰি
আছে স্বৰগত ফুলি ।
এনেনো ধুনীয়া     সোণ বৰণীয়া
হইছে শুৱনা জলি ॥
আছে সৰু-বৰ     বহু গঠনৰ
আৰু কত ৰূপবান ।
এবেলি ওলাই     এবেলি সোমাই
হাঁহি থাকে ঘনে ঘন ॥

ফিৰিঙটি দৰে জল্‌মল্ কৰে
কেনে বাজলৈ ওলাই।
চাৰি ফালে বেঢ়ি আছে ঠেও ধৰি
—"জুই"ৰ মুখলৈ চাই॥
জুৰি জুৰি কৰি নাচি ঘুৰি ঘুৰি
আলাসত আছে বহি।
আছে সাৰি সাৰি লেখিব নোৱাৰি
নপৰে তথাপি খহি।

## ১১—বিজুলি।

চাঁত কৰে বিজুলীটি
আহিল ওলাই,
নোৱাৰিলোঁ মনিবই
গলগৈ পলাই।

চাই থাকোঁ বেৰজুমি
ওলাব এতিয়া,
ৰাখি থম ওলালেই
আহিব যেতিয়া।
আহিছে সউন্দ কেনে
দিশ্ পোহৰাই,
লব-মাৰি ঘুৰি তাক
আনো ওভোতাই॥
কেনেকই বিজুলীটি
ঘৰত সোমাই,
ভিতৰত বস্তু বোৰ
দিলে পোহৰাই।
কোনঁগই বউটীক
ঘাবগৈ পলাই,
ধৰক বেগতে আহি
ভুৰ ন ভপ'ই।

## ১২—খণ্ড।

নকৰিবা খণ্ড ভাই কাৰো ওপৰত।
খণ্ডৰ সমান শত্রু নাই জগতত॥
জগৰৰ মূল খণ্ড জানিবা নিশ্চয়।
কটাকটি মৰামৰি খণ্ডতেই হয়॥
খণ্ডতেই কতলোকে পায় নানা দুখ।
নেপায় খণ্ডাল লোকে কেতিয়াও সুখ॥
খণ্ডতে আপোন জন পৰ হই যায়।
খণ্ড হেতু কত জনে জীৱন হেৰায়॥
যদুয়ে মনিয়ে দুয়ো সিদিনা পুৱাই।
কৰিলে বাটতে হেনো কাঁজিয়া মিছাই॥
কাঁজিয়াতে সিহঁতৰ হল মৰামৰি।
মূৰত টাঙোন পৰি গল যদু মৰি॥
পৰিল মাটিত ঘুৰি তিনি পাক খায়।
সকলোৱে দেখি তাক কৰে হায় হায়॥

মনিক তেতিয়া ধৰি ফাটকলৈ নিল।
সিদিনাৰে পৰা খঙ্‌ তেনেই গুছিলে॥
খঙৰ হেতুকে চোৰ্‌াঁ কেনে দশা হল।
ফাটকতে বপুৰাৰ প্ৰাণটিও গল॥
হেন জানি হেৰা লৰা! ৰাখিবাঁ মনত।
নকৰিবা খঙ তুমি কাৰো ওপৰত।

## ১৩—মদাৰ ফুল।

মদাৰ ফুল দেখা
কেনে বিতোপন,
নেযায় তথাপি তাক
পিন্ধিবৰ মন।
ৰাঙলী বৰণে গছ
থাকে শোভা কৰি,
নলয় তথাপি কেৱে
যায় পচি সৰি।

থুপি থুপি কৰি কিয়
ফুলিছা গছত।
ফুলিছা মিছাতে হায়
তুমি অবাৰত।
নহঁলে তোমাৰ গুণ
ৰূপে কি ক'ৰিব,
গুণৰ বলতে পাৰি
জগত মু'হিব।
সুৱনী হলেই কেৱে
নকৰে আদৰ,
গুণ থাকিলেহে লোকে
কৰে সমাদৰ।
অনেকে কুৰূপ হয়ো
গুণৰ বলত,
য'তে ত'তে মান পায়
এই জগতত।

এতেকতে হেৰা লৰা !
হোৱাঁ গুণবান,
তেনেহলে তোমালোকে
লাভবাঁ সম্মান।

## ১৪—বৰষুণ।

শৰত বসন্ত দুয়ো, একেলগ হই ;
ধেমালি ধুমুলা কৰে বাহিৰত গই।
উমলি ফুৰোতে দুয়ো এ'দিন পূৱাই ;
হঠাৎ বাটতে দেহি ! পালে পচোৱাই।
আকাশৰ পিনে তুমি চোৱাঁচোন ভাই ;
কেনেকই বৰষুণ আহে গুন্দোলাই।
বৰষুণ দিব ভাই গিৰ্ গিৰ্ কৰি ;
আহিছে সউৱা চোৱাঁ, গুজৰি গুমৰি।

চিক্‌মিক্‌ কৰি কেনে বিজুলী মাৰিছে ;
লগে লগে ৰৰষুণ বতাহ বলিছে।
ৰোপাইঁত তোমালোকে আহাঁ বেগধৰি ;
তিয়াব এতিয়া যোৱাঁ ঘৰলই লৰি।
নিতিতিবা কেতিয়াও সোমোৱাঁ ভিতৰ
তিতিলে নিশ্চয় হব পানীলগা জ্বৰ।
শৰীৰ অসুখ হব নবীয়া পৰিলে ;
সাৱধান হবা ইঁক যাতে থাকা ভালে।

## ১৫—বসন্ত-কাল।

আহিছে বসন্ত-কাল ৰঙ-মুৱা হই ;
মাৰিছে বতাহ কেনে ৰিৰ্‌ ৰিৰ্‌ কই।
গছলতা বন আদি ধুনীয়া কৰিলে ;
জগতক অলঙ্কাৰে গাতক সজালে।

ওলাল কোমল পাত সকলো গছৰ ;
চৰায়ে গাইছে কেনে সুললিত স্বৰ।
দেখিছানে আম জুপি আছে কেনে ফুলি ;
মাজে মাজে পেলাইছে থুপি থুপি কলি।
গছলতা-ফুলবোৰ এতিয়া ফুলিছে ;
শুৱনী ফুলেৰে গছ উপছি পৰিছে।
চোৱাঁচোন গছবোৰ কেনেনো শুৱনী ;
হইছে বসন্তকালে আপোনা আপুনি।
বসন্তৰ লগে লগে শোভা নাশ পায় ;
ৰাখিব নোৱাৰি তাক যেতিয়াহে যায়।
এই দৰে মিছাতেই লৰা-কাল গলে ;
কোনেও নেপায় ভাল বুঢ়া-কাল হলে।



## ১৬—নিয়ঁতী চৰাই।

দেখিছানে ভাইইঁত
নিয়ঁতী চৰাই,
দিনত লুকাই থাকি
গধূলি ওলায়।
গছৰ ডালত পৰি
মাতে ঠেও ধৰি,

পুঁৱতীয়া নিশা মাতে
নিউ নিউ কৰি।
হাবিত সোমাই থাকে
নয়নে চকুৰে,
ৰাতি হলে উফ্লি ফুৰে
হৰিষ মনেৰে।
যে'তিয়া উকলি দিয়ে
শুনিবলৈ ভাল,
পাখি মে'লি উৰি যায়
নকৰে কোচাল।
সৰু সৰু জীৱবোৰ
পালে ধৰি খায়,
ৰাতি পুৱালেই গই
হাবিত সোমায়।

## ১৭—মালভোগ কল ।

কলৰ মাজত তুমি কেনে মনোহৰ ;
"মালভোগ" বুলি কৰে তোমাক আদৰ ।
পকিলে যত কবি সকলোৱে খায় ;
সুৱলা গোন্ধৰ বাবে বৰ ভাল পায় ।
সকলো কলত কই তুমি বিতোপণ ;
মুখতেই পমি যোৱাঁ, ভাল লাগে মন ।
চেনিচম্পা কল কেৱেঁ নকৰে আদৰ,
তুমিয়েহে এক মাথোঁ অতি চেনেহৰ ।
গুণেৰে ভূষিত হলে তেমোৰ অন্তৰ ;
সকলো লোকৰ পাৱাঁ আদৰ সাদৰ ।
নোপোৱাঁ আদৰ তুমি হলে গুণহীন ;
সকলোৱে নিলগতে কৰে বৰ ঘিণ ।

## ১৮—কুলি।

আমৰ ডালত পৰি
কুউ কুউ কৰি,
মাতিছে কুলিয়ে আহা
কেনে সুৰ ধৰি।
যদিও কলীয়া কুলি
কাউৰীৰ দৰে,
সুৰলা মাতত তাৰ
দেহ জুৰ পৰে।
আমৰ গছত পৰি
মাতে ঠেও ধৰি,
ইডাল সিডাল কৰি
ফুৰে উৰি উৰি।
কাউৰী বাঁহত পাৰে
কুলিটিয়ে কণি,

উষায় ৰঙৰে তাক
নিচিনি নেজানি।
ডাঙৰ নহয় মানে
মাত নুফুটাই,
কাউৰী বাহত টোপ
চকু মুদি খায়।
ভালকৈ গজিলে পাখি
যায় হাত সাৰি,
কাউৰীয়ে খেদি নিয়ে
যায় লৰমাৰি।
স্ৰজিছে ঈশ্বৰে তাক
এনেকুৱা কৰি,
জানিবা সকলো কথা
ভাবিলে এফেৰি।

---

## ১৭—কঠাল।

আহাঁচোন আইদেও,
আহাঁ লব মাবি,
তোমাক কঠাল এটি
দিওঁ মই পাবি।
পাতৰ আঁবত চোৱা
পেটুৱা ভকত,
টোম যেন হই আছে
ওলমি ডালত,
গোটেই শৰীৰ চোৱা
খহবেই ভৰা,
ভিতৰত আছে তাৰ
কিন্তু ৰহঘৰা।
থুন্‌পাকটিৰ দৰে
বাদুৰ মাজত,

ফুটেৰেই ভৰি আছে
গেবেলা পেটত।
ফালিচালে ভিতৰত
পকিলে কঠাল,
পোণোৱালী কোহাঁ পাবাঁ
দেখিবলৈ ভাল।
খাবলৈ সোৱাদ আৰু
গোন্ধ মনোহৰ,
নলগাবাঁ বেছি খাই
পেটত জগৰ।

## ২০—ৰেল-গাড়ী।

ঘৰ ঘৰ কৰি, ঝোঁপাই-জোপাই
যায় সউ ৰেল-গাড়ী।

শিকলি মেৰাই ইখনে সিখনে
জুটি দিছে সাৰি সাৰি।
মুখ নেথাকিও, উকিয়াই যায়
বাটত দেখিলে কিবা ;
নেদেখা চহাই, হঠাৎ দেখিলে
ৰহই নোৱাৰে ভেবা।
যি জনে বাহিৰ, কৰিলে ইয়াক
তেওঁ এনে বুধিয়ক ;
অসাৰ বস্তুকো, চাকৰ বোৱাই
সুখ দিছে জগতক।
বিজুলী গতিৰে, চকু পচাৰতে
ইঠাই সিঠাই হয় ;
কিনো আচৰিত, বুদ্ধিৰ মহিমা
হল বায়ু পৰাজয়।

## ২১—মাটি-কঠাল।

চোৰাঁচোন ! চোৱাঁ ভাই কাঁইটু গছত,
ফুলটিৰ দৰে ৰঙা পাতৰ মাজত।
অলেখ চকুৰে ভৰা গোটেই শৰীৰ,
তপ কৰি আছে যেন-জটীয়া ফকীৰ,
জাৰ জহ একোটোকে নেভাবি মুগুণি,
ভাবতে মগন যেন নিতে মহামুনি।
বুঢ়া হই আছে মানে দেহ বাঢ়ি যায়,
দেহৰ লগতে তাৰ ৰূপো শোভা পায়।
কম বুলি নেভাবিবা তেওঁক মনত,
সোৱাদ ৰসেৰে ভৰা গোটেই পেটত।
বাহিৰে কাঁইটু দেখি নকৰিবা ভয়,
লোন ঘঁহি কাটি খালে পেট জুৰ হয়।
বাহিৰে কাঁইট্ হক, একো কথা নাই,
অন্তৰৰ প্রেমৰসে পৃথিবী মোহায়।

তোমাৰো হিয়াত ভৰি থাকিলে মৰম,
সংসাৰৰ লোকে স্নেহ নকৰিব কম।

## ২২—গধূলি।

বড়া বেলি মাৰেগই সাগৰত বুৰ,
কৰমী জগতে পালে এতিয়াহে জুৰ।
আছিল মগন সবে আপোন কামত,
গুচাই ভাগৰ চোৱাঁ গধূলি পৰত।
বেচি কিনি মালবস্তু দোকানী পোহাৰী
হৰিষ মনেৰে চোৱাঁ যায় ঘৰাঘৰি।
বিষয়া আমোলা মানে যত অফিচৰ,
কমল কাকত এৰি আহে নিজ ঘৰ।
চৰাই পহুৰে ফুৰি আহাৰ বিচাৰি,

আহিছে এতিয়া বঙে বহালই ঘুৰি।
নিশা হলে সকলোৱে বিচাৰে জুৰণি,
নহলে নিজীয়ে এই সংসাৰৰ প্ৰাণী।
লৰা ছোৱালীয়ে গই ভিতৰ সোমাই,
মাকৰ কাষত বহি জলপান খায়।
সন্ধিয়া বেলিকা কেনে বস্তি পোহাৰত
লৰা ছোৱালীয়ে মিলি পঢ়ে উলাহত।

...ZON HALL ... APR 1920

অন্ত